# শ্ৰীমদ্‌ভগৱদ্‌গীতাৰ দৰ্শন

শ্ৰীকালীপ্ৰসাদ সিংহ, এম্ এ, পি এইচ্ ডি, ডি লিট্
প্ৰাধ্যাপক, সংস্কৃত বিভাগ
গুৱাহাটী বিশ্ববিদ্যালয়

গীতাৰ্থী সমাজ ঃ যোৰহাট
ডিচেম্বৰ ঃ ১৯৮৭ ইংৰাজী

শঙ্কৰে দিয়া ব্যাখ্যাৰ পৰা আমি এইটো স্পষ্টকৈ ক'ব পাৰোঁ যে তেওঁ তেওঁৰ অদ্বৈতবাদৰ দৃষ্টিভঙ্গীৰ পৰাহে গীতাৰ ব্যাখ্যা কৰিব খুজিছে। তেওঁৰ অদ্বৈতবাদৰ মতে নিৰ্গুণ ব্ৰহ্মই হ'ল পৰতত্ত্ব; আৰু সগুণ ব্ৰহ্ম বা ঈশ্বৰ হ'ল সেই পৰতৰত্ত্বৰ এটা ব্যৱহাৰিক অভি-ব্যক্তি। এই সগুণ ব্ৰহ্ম বা ঈশ্বৰ পৰতত্ত্ব নহয়; ইয়াক শ্ৰেষ্ঠ বুলি কোৱা হৈছে এই কাৰণে যে, নিৰ্গুণ ব্ৰহ্মৰ ধ্যান ধাৰণা কৰিব নোৱাৰা ভক্তসকলে এই সগুণ ব্ৰহ্মৰ ধ্যান ধাৰণাৰ দ্বাৰা সহজে পৰতত্ত্বা লাভ কৰিব পাৰে। শঙ্কৰে গীতাৰ পুৰুষোত্তমক সেই সগুণ ব্ৰহ্ম বা ঈশ্বৰৰ সৈতে অভিন্ন বুলি গ্ৰহণ কৰিছে।

কিন্তু গীতাই দিয়া শিক্ষা শঙ্কৰে দিয়া ব্যাখ্যাৰ অনুকুল নহয় বুলি আমি ভাবোঁ। গীতাত পুৰুষোত্তম শ্ৰীকৃষ্ণকেই পৰম আৰু চৰম তত্ত্ব বুলি স্বীকাৰ কৰা হৈছে; আৰু পৰব্ৰহ্মও এই পুৰুষোত্তমৰেই অন্তৰ্গত। 'ব্ৰহ্মণো হি প্ৰতিষ্ঠাহহম্' এই উক্তিৰ শঙ্কৰে দিয়া ব্যাখ্যাটো গ্ৰহণযোগ্য হয় নে নহয় চিন্তনীয়। আলোচ্য প্ৰসঙ্গৰ পৰা ক'ব পাৰি যে ইয়াত 'ব্ৰহ্ম' মানে হ'ল জ্ঞানীৰ ধ্যেয় নিগুণ পৰব্ৰহ্ম, আৰু 'অহং' মানে হ'ল পুৰুষোত্তম শ্ৰীকৃষ্ণ। সেই অনুসৰি এই উক্তিৰ অৰ্থ হ'ল এয়ে যে পুৰুষোত্তম শ্ৰীকৃষ্ণই নিৰ্গুণ পৰব্ৰহ্মৰ অধিষ্ঠান।

বৈষ্ণৱ ব্যাখ্যাকাৰসকলৰ মতে গীতাত স্বীকৃত পৰতত্ত্ব হ'ল পুৰুষোত্তম শ্ৰীকৃষ্ণ। এই পুৰুষোত্তম শ্ৰীকৃষ্ণ শঙ্কৰৰ সগুণ ব্ৰহ্ম বা সৃষ্টিকৰ্তা ঈশ্বৰ নহয়, কিন্তু সগুণ ব্ৰহ্ম বা সাকাৰ ঈশ্বৰ আৰু নিগুৰ্ণ বা নিৰাকাৰ ব্ৰহ্মৰ এটা সমন্বয়ভূমি। সগুণ ব্ৰহ্ম আৰু নিৰ্গুণ ব্ৰহ্ম এই পুৰুষোত্তমৰ দুটা বিভাৱমাত্ৰ। অৰ্থাৎ এই পুৰুষোত্তমেই এক বিভাৱৰ দ্বাৰা জগতৰ সৃষ্টিস্থিতি প্ৰলয়ৰ অতীত নিৰ্গুণ নিষ্ক্ৰিয় ব্ৰহ্মৰূপে অৱস্থান কৰে; আন এটা বিভাৱৰ দ্বাৰা অপৰিমিত গুণৰ আধাৰ আৰু জগতৰ সৃষ্টিস্থিতিআদিৰ সক্ৰিয় নিয়ন্তা ঈশ্বৰৰূপে অৱস্থান কৰে। এই পুৰুষোত্তমৰ জগন্নিয়ন্তৃৰূপকেই পৰা-প্ৰকৃতি বুলি কোৱা হৈছে। এই পুৰুষোত্তম জীৱ আৰু জগতত অনুবৰ্তমান, কাৰণ জীৱ আৰু জগত হ'ল পুৰুষোত্তমৰেই ভিন্ন ভিন্ন প্ৰকাশমাত্ৰ। কিন্তু পুৰুষোত্তম জীৱ-জগততেই সীমিত নহয়; ই জীৱ-জগতৰো অতীত। গোটেই বিশ্বব্ৰহ্মাণ্ড বা জীৱ-জগৎ পুৰুষোত্তমৰ এটা অংশৰ

দ্বাৰাহে বিধৃত হৈ আছে। সেয়ে ভগবান্ শ্ৰীকৃষ্ণই কৈছে—'একাংশেন স্থিতো জগৎ।' পৰমপুৰুষ জগতৰ নিয়ন্তাৰূপে সদায় সক্ৰিয়; আৰু জীৱ-জগতৰূপে তেওঁৰ অভিব্যক্তিত তাৰতম্যও আছে। কিন্তু তেওঁৰ সকলো সক্ৰিয়তাৰ ভিতৰতো নিষ্ক্ৰিয়, আৰু সকলো তাৰতম্যৰ ভিতৰতো নিত্য অপৰিবৰ্তনীয় এটা বিভাৱ আছে। এই বিভাৱ তেওঁৰ জগতকৰ্মৰ সক্ৰিয়তা বা প্ৰকাশৰ তাৰতম্যৰ দ্বাৰা প্ৰভাৱিত নহয়। পুৰুষোত্তমৰ এই ৰূপকেই ব্ৰহ্ম বুলি কোৱা হৈছে। একেই পুৰুষোত্তম গুণ আৰু কৰ্মৰ দ্বাৰা যুক্ত হৈ জগন্নিয়ন্তাৰূপে, আৰু গুণ আৰু কৰ্মবদ্বাৰা বিমুক্ত হৈ পৰব্ৰহ্মৰূপে অৱস্থান কৰে। এনেদৰে গীতাৰ পুৰুষোত্তম হ'ল ব্ৰহ্ম বা জগদতীত পৰতত্ত্ব আৰু জগন্নিয়ন্তা ঈশ্বৰ বা পৰা-প্ৰকৃতি—এই দুই তত্ত্বৰ সমন্বয়ভূমি।

গীতাৰ মতে পুৰুষোত্তমৰ দুটা প্ৰকৃতি বা স্বভাৱ আছে: এটা হ'ল অপৰা বা নিম্নতৰ প্ৰকৃতি, আন এটা হ'ল পৰা বা উচ্চতৰ প্ৰকৃতি। অপৰা প্ৰকৃতি বুদ্ধি, অহঙ্কাৰ, মন আৰু ক্ষিত্যাদি পঞ্চভূত-ৰূপে আত্মপ্ৰকাশ কৰে; পৰা প্ৰকৃতি জীৱৰূপে আত্মপ্ৰকাশ কৰে, আৰু জগতক্ৰিয়াৰ পৰিচালনা কৰে। অৰ্থাৎ পুৰুষোত্তমৰ এই দুটা প্ৰকৃতিৰ পৰা জগতৰ জীৱ-অজীৱ সকলো ভূতৰ উদ্ভৱ হয়। গীতাৰ অপৰা প্ৰকৃতি প্ৰত্যভিজ্ঞা, শাক্ততন্ত্ৰ, বৈষ্ণৱতন্ত্ৰ আৰু শ্ৰীচৈতন্যৰ দৰ্শনত স্বীকৃত মায়াশক্তি বা জড়শক্তিৰ সৈতে প্ৰায় একেই। কাৰণ এই-সকল দৰ্শনত পৰমপুৰুষ শিৱ বা শ্ৰীকৃষ্ণৰ মায়াশক্তি বা জড় শক্তিৰ পৰা এই জড়জগতৰ উৎপত্তি দেখুৱা হৈছে। সংখ্যাদৰ্শনত স্বীকৃত প্ৰকৃতিৰ লগতো ইয়াৰ ভালেখিনি সামঞ্জস্য আছে। গীতাৰ পৰা-প্ৰকৃতি প্ৰত্যভিজ্ঞা, শাক্ততন্ত্ৰ আৰু বৈষ্ণৱতন্ত্ৰৰ স্বীকৃত পৰাশক্তি বা চিৎশক্তিৰ লগত তুলনীয়; কাৰণ এইবিলাক দৰ্শনৰ মতে পৰাশক্তিৰ দ্বাৰাহে পৰমেশ্বৰে জগতৰ নিয়ন্ত্ৰণ কৰে। শ্ৰীচৈতন্যৰ দৰ্শনত স্বীকৃত পৰমাত্মাৰ তটস্থাশক্তিৰ লগতো এই পৰাপ্ৰকৃতিৰ সামঞ্জস্য আছে; কাৰণ শ্ৰীচৈতন্য দৰ্শনত জগতৰ নিয়ন্তা পৰমাত্মাত এই তটস্থাশক্তি অৱস্থান কৰে, আৰু এই শক্তিৰ পৰা জীৱসমূহৰ উদ্ভৱ হয় বুলি কোৱা হৈছে।

গীতাত দুই পুৰুষৰ কথাও কোৱা হৈছে। এই দুই পুৰুষ হ'ল ক্ষৰ-পুৰুষ, আৰু অক্ষৰ-পুৰুষ। ক্ষৰ-পুৰুষ হ'ল সদায় পৰিবৰ্তন-

শীল ভূত বা কাৰ্য্য, আৰু অক্ষৰ-পুৰুষ হ'ল কূটস্থ বা নিত্য অপৰিবৰ্তনীয় সত্তা। কোনো কোনো ব্যাখ্যাকৰাৰ মতে 'ক্ষৰ-পুৰুষ' মানে হ'ল অচেতন ভূতবৰ্গ ; আন কিছুমানে ইয়াক প্ৰাণীবৰ্গৰ দেহ অৰ্থতো গ্ৰহণ কৰে। 'অক্ষৰ-পুৰুষ'ৰ অৰ্থ কোনো কোনো ব্যাখ্যাকাৰৰ মতে জীৱ; আন কিছুমানৰ মতে ভগৱান বা জগদীশ্বৰ। আমি কিন্তু ভাবোঁ যে, ইয়াত 'ক্ষৰ-পুৰুষ' মানে ব্যাৱহাৰিক বা বদ্ধ ব্যক্তিজীৱ, আৰু 'অক্ষৰ-পুৰুষ' মানে পাৰমাৰ্থিক বা নিত্যমুক্ত বিশ্বাত্মা যি জীৱৰূপে প্ৰকটিত হৈ সকলো জীৱৰ ভিতৰত অনুগত আছে। বিশ্বাত্মাৰ দুটা বিভাৱ আছে ঃ এটা হ'ল সোপাধিক, আন এটা হ'ল নিৰুপাধিক। সোপাধিক বিভাৱত বিশ্বাত্মাক বা অক্ষৰ-পুৰুষক 'ক্ষেত্ৰজ্ঞ' বুলি কোৱা হয়। এই ক্ষেত্ৰজ্ঞ শ্ৰীচৈতন্যদৰ্শনৰ পৰমাত্মাৰ লগত প্ৰায় একেই। নিৰুপাধিক বিভাৱত বিশ্বাত্মাক ব্ৰহ্ম বা পৰ-ব্ৰহ্ম বুলি কোৱা হয়।

গীতাৰ মতে, আত্মা যদিও শৰীৰৰ ভিতৰত থাকে, তথাপি ই শৰীৰ-মন-আদিৰ পৰা সম্পূৰ্ণৰূপে পৃথক। আত্মা সনাতন বা নিত্য ; ইয়াৰ কোনো উৎপত্তি বা ধ্বংস নাই, হ্ৰাস বা বৃদ্ধিও নাই। এই আত্মা জন্ম-মৃত্যু আৰু সুখ-দুঃখাদি অনুভূতিৰ পৰা সম্পূৰ্ণৰূপে মুক্ত। আত্মা অপৰিবৰ্তনশীল আৰু অবিনাশী ঃ ইয়াক অস্ত্ৰৰ দ্বাৰা ছেদন কৰিব নোৱাৰি; অগ্নিৰ দ্বাৰা দহন কৰিব নোৱাৰি ; জলৰ দ্বাৰা সিক্ত কৰিব নোৱাৰি আৰু বায়ুৰ দ্বাৰাও শুকাব নোৱাৰি। বিভিন্ন জন্মৰ ভিতৰতো আত্মা একেই থাকে ; পৰিধেয় বস্ত্ৰৰ দৰে শৰীৰহে পৃথক হয়, আত্মা নহয়। আত্মা সৰ্বগত বা সৰ্বব্যাপী ; ই সমগ্ৰ পৃথিবী ব্যাপী আছে। সৰ্বব্যাপী হৈও এই আত্মা স্থাণু বা স্থিৰ আৰু অচল, ইয়াৰ কোনো গতিশীলতা নাই। যদিও এই আত্মা প্ৰকৃতিৰ সত্ত্ব, ৰজঃ আৰু তমঃ এই তিনিও গুণৰ মাজত বিদ্যমান, তথাপি গুণৰ দ্বাৰা ই প্ৰভাৱিত নহয়। প্ৰকৃতিৰ তিনি গুণৰ প্ৰভাৱতে শৰীৰ-মন-আদিয়ে কৰ্ম কৰে। কিন্তু আত্মা যিহেতু এই তিনিও গুণৰ পৰা মুক্ত, সেয়ে সকলো কৰ্মৰ পৰা মুক্ত। আত্মাই নিজেও কৰ্ম নকৰে, আৰু আনকো কৰ্মত প্ৰেৰণা নিদিয়ে। এই আত্মা কৰ্তাও নহয়, ভোক্তাও নহয়; আত্মাক গ্ৰহণ কৰিবও নোৱাৰি, প্ৰকাশ কৰিবও নোৱাৰি।

আত্মাৰ ব্যাৱহাৰিক অৱস্থাত অজ্ঞানৰ প্ৰভাৱত আত্মাই নিজৰ স্বৰূপক জানিব নোৱাৰে। এই অৱস্থাত আত্মাই মন, বুদ্ধি আৰু শৰীৰৰ মাধ্যমেৰে নিজকে প্ৰকাশ কৰে। ফলস্বৰূপে, ই পাৰ্থিব জগতত বদ্ধ হৈ যায়, আৰু প্ৰকৃতিৰ দাস হৈ পৰে। এই ব্যাৱহাৰিক আত্মাই জন্ম-মৃত্যু, প্ৰকৃতিৰ তিনিগুণ, সুখ-দুঃখ ইত্যাদি পাৰ্থিৱ ধৰ্মৰ লগত যুক্ত হৈ পৰে। ইয়ে কৰ্তা আৰু কৰ্মফলৰ ভোক্তা। যেতিয়া আত্মা অজ্ঞানৰ পৰা মুক্ত হয়, তেতিয়া ই নিজৰ স্বৰূপক নিত্য, জন্মমৃত্যুৰহিত, তিনিগুণৰ অতীত আৰু সুখ-দুঃখাদিৰ পৰা মুক্ত বুলি উপলব্ধি কৰে।

পৰব্ৰহ্ম নিৰ্গুণ, অপৰিবৰ্তনীয়, নিত্য, অনাদি আৰু অনন্ত। পৰম জ্ঞান, পৰম সত্য আৰু পৰম আনন্দই ইয়াৰ স্বৰূপ। এই পৰব্ৰহ্ম হ'ল জীৱৰ পৰম গতি। স্বৰূপতঃ এক হলেও ই বহুৰূপে আত্মপ্ৰকাশ কৰে। ইয়াক সৎ বুলিও ক'ব নোৱাৰি, অসৎ বুলিও ক'ব নোৱাৰি। ই সৰ্ব্বব্যাপী, সকলো বস্তুৰ উৎস আৰু সকলো বস্তুৰ ধাৰক। ই জগদনুস্যূত আৰু জগদতীত উভয়েই। অৰ্থাৎ এই ব্ৰহ্ম জগতৰ সকলো বস্তুত বৰ্তমান অথচ সকলো বস্তুৰ অতীত। ভূত আৰু জীৱৰ দৰে এই পৰব্ৰহ্মও পুৰুষোত্তমৰেই এটা বিভাৱ; কাৰণ পুৰুষোত্তমেই হ'ল ব্ৰহ্মৰ অধিষ্ঠান। আনহাতে পৰব্ৰহ্মক পুৰুষোত্তমৰ পৰম ধাম বা শ্ৰেষ্ঠতত্ত্ব বুলি কোৱা হৈছে। ইয়াৰ অৰ্থ হ'ল এয়ে যে, পুৰুষোত্তমৰ নিৰ্গুণ, নিষ্ক্ৰিয়, সমস্তভেদবৰ্জিত বিভাৱেই হ'ল পৰব্ৰহ্ম; আৰু পৰা-প্ৰকৃতি বা পৰা-শক্তিৰ দ্বাৰা যুক্ত ব্ৰহ্মই হ'ল পুৰুষোত্তম। পুৰুষোত্তম আৰু ব্ৰহ্ম দুটা স্তৰৰ দুটা সত্তা নহয়; একেই পৰতত্ত্ব নিৰ্গুণ, নিষ্ক্ৰিয় আৰু ভেদবৰ্জিত বিভাৱৰ দ্বাৰা ব্ৰহ্মৰূপে আত্মপ্ৰকাশ কৰে, আনফালে চিৎশক্তিৰ দ্বাৰা জগতৰ নিয়মন কৰে। (পুৰুষোত্তমৰ এই সৃষ্টিস্থিত্যাদিৰ নিয়ন্তৃৰূপ বিভাৱকেই শ্ৰীচৈতন্যৰ দৰ্শনত পৰমাত্মা বুলি পৃথক্‌ৰূপে উল্লেখ কৰা হৈছে) অৰ্থাৎ গীতাৰ পুৰুষোত্তম হ'ল পৰব্ৰহ্ম আৰু চিৎশক্তিৰ সমন্বয়ভূমি। সেইদৰে পুৰুষোত্তমেই ক্ষৰ-পুৰুষ বা ব্যাৱহাৰিক ব্যক্তিজীৱ আৰু অক্ষৰ-পুৰুষ বা বিশ্বাত্মাৰ ভেটিস্বৰূপ; আনফালে ই অপৰা-প্ৰকৃতি বা জড়-জগৎ আৰু পৰা-প্ৰকৃতি বা জগন্নিয়ন্তাৰো ভিত্তিভূমি। পুৰু-

ষোত্তমৰ মহিমা হ'ল এইখিনিতে যে, ই দার্শনিক দৃষ্টিৰ চৰমতত্ব ব্ৰহ্ম---যি সকলো সম্বন্ধবিবৰ্জিত---আৰু ভক্তি দৃষ্টিৰ ভগৱান---যাৰ লগত ভক্তই মধুৰ প্ৰেমসম্বন্ধ স্থাপন কৰিব পাৰে---এই দুয়োটা তত্বৰেই মিলনভূমি। গতিকে পুৰুষোত্তম হ'ল সগুণ আৰু নিৰ্গুণ, সক্ৰিয় আৰু নিষ্ক্ৰিয়, সাকাৰ আৰু নিৰাকাৰ।

শঙ্কৰৰ অদ্বৈতবাদৰ মতে জীৱ আৰু ব্ৰহ্ম সৰ্ব্বথা আৰু সৰ্ব্বদা অভিন্ন। সেই দৃষ্টিভঙ্গীৰ পৰা তেওঁ গীতাৰ ব্যাখ্যা কৰি দেখুৱাব খুজিছে যে ইয়াতো জীৱ আৰু ব্ৰহ্মৰ অভেদেই প্ৰতিপাদিত হৈছে। কিন্তু গীতাত এনেদৰে জীৱ আৰু ব্ৰহ্মৰ অভেদ প্ৰতিপন্ন কৰা হৈছে বুলি আমি নাভাবোঁ। ইয়াত জীৱ বা ব্যৱহাৰিক আত্মাক পুৰুষোত্তমৰ অংশ আৰু পৰা-প্ৰকৃতি বা চেতনশক্তিৰ প্ৰকাশ বুলিহে কোৱা হৈছে। যদিও ভক্তই যথাৰ্থ জীৱাত্মাক উপলব্ধি কৰি পুৰুষোত্তমৰ সৈতে অভিন্ন হয় বুলি কোৱা হৈছে, তথাপি এই অভেদবাদ শঙ্কৰৰ অদ্বৈত-বাদৰ দৰে নহয়। ইয়াত অভেদ মানে হ'ল যথাৰ্থ আত্মা আৰু পুৰুষোত্তমৰ মাজত সত্তা আৰু প্ৰকৃতিৰ সমতা। অৱশ্যে জ্ঞানীৰ সম্পৰ্কে কোৱা হৈছে যে তেওঁ নিৰ্ব্বাণত ব্ৰহ্মত লীন হৈ যায়। এই দুই স্থিতিৰ পৰা এইটোৱে সিদ্ধান্ত কৰিব পাৰি যে জীৱ আৰু পৰ-তত্বৰ মাজত ভেদাভেদ সম্বন্ধ, যদিও অভেদৰ ফালেই ইয়াৰ প্ৰবণতা বেছি। ইয়াত বোধকৰোঁ এইটোৱেই তাৎপৰ্য্য ঃ জীৱাত্মা হ'ল পুৰুষোত্তমৰ এটা অংশ, আৰু সেই কাৰণে পুৰুষোত্তমৰ দৰে জীৱাত্মাতো নিৰ্গুণ সত্তা আৰু পৰা-শক্তি এই দুয়োটা বিভাৱেই বৰ্তমান। যিসকল সাধকে জ্ঞানমাৰ্গ অৱলম্বন কৰি নিৰ্গুণ-নিষ্ক্ৰিয়-ব্ৰহ্মৰ উপাসনা কৰে, সেইসকলে মুক্ত অৱস্থাত ব্ৰহ্মত লীন হৈ যায়; আনফালে যিসকল সাধকে ভক্তিমাৰ্গৰ দ্বাৰা পুৰুষোত্তমক লাভ কৰে, সেইসকলে পুৰুষোত্তমৰ নিত্য লীলাত অংশ গ্ৰহণ কৰে আৰু পুৰুষো-ত্তমৰ লগত ভেদাভেদ সম্বন্ধত থাকে। অৱশ্যে জ্ঞানীয়ে পুৰুষোত্তমক, আৰু ভক্তই পৰব্ৰহ্মক লাভ কৰে বুলিও কোৱা হৈছে। কাৰণ আচলতে দুয়োটা একেই তত্ব ; সাধকে যেনেকৈ পৰতত্বকলাভ কৰিব বিচাৰে তেনেকৈহে পায়।

শঙ্কৰে গীতাত উল্লিখিত প্ৰকৃতি (অপৰা প্ৰকৃতি), মায়া আৰু অবিদ্যাৰ মাজত একো পাৰ্থক্য কৰা নাই, আৰু সেইকাৰণে মায়া

বা প্ৰকৃতিক জগতৰ কাৰণ বুলি বৰ্ণনা কৰিছে। তেওঁৰ মতে এই মায়া বা প্ৰকৃতি হ'ল এটা মিথ্যা ঐন্দ্ৰজালিক শক্তি; ইয়াৰ পাৰমাৰ্থিক একো সত্তা নাই। এই মায়া বা প্ৰকৃতিৰ পৰা উৎপন্ন জগৎখনো মিথ্যা; ই পৰমাৰ্থতঃ অসৎ। শঙ্কৰে এই জগতক ইন্দ্ৰ-জালৰ দ্বাৰা উৎপন্ন হাতী আৰু শূন্যত কল্পিত নগৰৰ তুল্য বুলি বৰ্ণনা কৰিছে। আনহাতে ইয়াক সূৰ্য্যৰ প্ৰতিবিম্ব আৰু ঘটাৱচ্ছিন্ন আকাশৰ লগতো তুলনা কৰিছে।

কিন্তু গীতাৰ শিক্ষাৰ লগত শঙ্কৰৰ এই মতৰ সামঞ্জস্য আছে বুলি আমি নাভাবোঁ। প্ৰথমতে; গীতাৰ মতে মায়া আৰু প্ৰকৃতি (অপৰা প্ৰকৃতি) হ'ল ভগবানৰ দুটা যথাৰ্থ শক্তি। মায়া ত্ৰিগুণময়ী; ই ভগৱানৰ স্বকীয় আৰু তেওঁৰ দ্বাৰা পৰিচালিত এটা অগম্য দৈবী শক্তি। এই মায়া মিথ্যা নহয়; কিন্তু এটা যথাৰ্থ বস্তু। এই মায়াৰ দ্বাৰা ভগৱানে অৱতাৰৰূপে আত্মপ্ৰকাশ কৰে ঃ তেওঁ প্ৰকৃতিক আশ্ৰয় কৰি মায়াৰ দ্বাৰা নিজকে জগতত অভিব্যক্ত কৰে। আনহাতে এই মায়াৰ দ্বাৰা ভগৱানে জগতক মোহাচ্ছন্ন কৰে, আৰু অজ্ঞ জীৱৰ পৰা নিজক আবৃত কৰি ৰাখে। অধিকন্তু এই মায়াৰ দ্বাৰা ভগৱানে প্ৰাণীসমূহক যন্ত্ৰস্থ বস্তুৰ নিচিনা পৰিচালিত কৰে। এই মায়াই জীৱৰ ভিতৰত অহংবোধ আৰু কৰ্তৃকৰ্মভেদৰ সৃষ্টি কৰে, যাৰ ফলত জীৱে নিজক কৰ্তা বুলি ভাবে। জীৱে যেতিয়া ভগৱদুপলব্ধি কৰে তেতিয়াহে ই এই মায়াৰ ক্ষেত্ৰ অতিক্ৰম কৰি উৰ্ধলোকলৈ যাব পাৰে।

আনহাতে প্ৰকৃতি বা অপৰা-প্ৰকৃতি হ'ল ত্ৰিগুণৰ কাৰণ; আৰু সেইকাৰণে ই মায়াৰো কাৰণ। এই অপৰা-প্ৰকৃতি ভগৱানৰ এটা অচেতন শক্তি; তন্ত্ৰত স্বীকৃত জড়শক্তিৰ লগত ইয়াৰ সামঞ্জস্য আছে। এই প্ৰকৃতিয়ে ভগৱানৰ দ্বাৰা পৰিচালিত হৈ কৰ্ম কৰে; সাংখ্যদৰ্শনৰ প্ৰকৃতিৰ নিচিনা ই স্বতন্ত্ৰ পদাৰ্থ নহয়। এই অপৰা-প্ৰকৃতি জগতৰ উপাদানস্বৰূপ বুদ্ধি, অহঙ্কাৰ, মন, পঞ্চভূত---এই অষ্ট তত্ত্বৰূপে আত্মপ্ৰকাশ কৰে।

গীতাৰ মতে এই জগত সত্য; কাৰণ ই পুৰুষোত্তমৰ যথাৰ্থশক্তি অপৰা প্ৰকৃতিৰ পৰা সৃষ্ট হৈছে, আৰু পুৰুষোত্তমৰ দ্বাৰাই বিধৃত হৈ

আছে। এই জগত পৰমাৰ্থতঃ অসৎ বা কল্পিত বুলি গীতাত আমি একো ইঙ্গিত নাপাওঁ। কোনো এজন সাধকে ব্ৰহ্মজ্ঞান লাভ কৰাৰ পাছত এই জগত শূন্যত মিলি নাযায়; কেৱলমাত্ৰ ইয়াৰ ৰূপ বা তাৎপৰ্য্যহে পৰিবৰ্তন ঘটে; কাৰণ তেতিয়া গোটেই বিশ্ব ব্ৰহ্মৰূপে প্ৰতিভাত হয়। অৰ্থাৎ, যদিও ব্ৰহ্মজ্ঞানৰ দ্বাৰা সাধাৰণ মানুহে প্ৰত্যক্ষ কৰা জগতৰ অন্ত পৰে, তথাপি যথাৰ্থ স্বৰূপত ই সত্যৰূপে প্ৰকাশমান থাকে। কাৰণ এই জগৎ ভগৱানৰ স্বকীয় শক্তিৰ পৰা সৃষ্ট, আৰু সেই কাৰণে ই ভগৱানৰ এক অংশবিশেষ। আনফালে গীতাৰ কোনো কোনো উক্তিত ভগৱান বাসুদেৱে নিজক পৰা-প্ৰকৃতি, অপৰা-প্ৰকৃতি, ক্ষৰ-পুৰুষ আৰু অক্ষৰ-পুৰুষৰ লগত অভিন্ন বুলি, আৰু জগতৰ সকলো বস্তুত তেওঁ বৰ্তমান বুলি বৰ্ণনা কৰিছে। এই উক্তিবিলাকৰ মাজত এটা সামঞ্জস্য আনিবলৈ হ'লে কব লাগিব যে ভগৱান আৰু জগতৰ সম্বন্ধটো হ'ল ভেদাভেদ সম্বন্ধ।

এই আলোচনাৰ পৰা এইটোৱেই সিদ্ধান্ত কৰিব পাৰি যে গীতাৰ দৰ্শনটো হ'ল ভেদাভেদ বাদ। অৱশ্যে নিম্বাৰ্ক দৰ্শনৰ ভেদাভেদবাদৰ লগত ইয়াৰ পাৰ্থক্য আছে। কাৰণ নিম্বাৰ্কই ভেদ আৰু অভেদ দুয়োটাৰ ওপৰতেই গুৰুত্ব দিছে, কিন্তু গীতাত অভেদৰ ফালেই বেছি প্ৰৱণতা দেখা যায়। আনফালে গীতাৰ দৰ্শন শঙ্কৰৰ অদ্বৈতবাদৰ নিচিনাও নহয়। কাৰণ শঙ্কৰে ব্ৰহ্মক সকলো ধৰণৰ ভেদবৰ্জিত বুলি কৈছে; কিন্তু গীতাৰ পৰতত্ত্ব তেনেকুৱা নহয়। গীতাৰ মতে যদিও পৰতত্ত্বৰ জ্ঞান লাভ কৰিলে জীৱাত্মা পুৰুষোত্তমৰ তুল্য হয়, তথাপি পুৰুষোত্তমে সকলো আত্মাক বিয়পি থাকে। উপৰন্তু গীতাত ভক্তই ভগৱানক আস্বাদন কৰে বুলিও ইঙ্গিত পোৱা যায়। ইয়াৰ পৰা সিদ্ধান্ত কৰিব পাৰি যে মুক্তিত ভগৱান আৰু আত্মাৰ মাজত আস্বাদ্য-আস্বাদক সম্বন্ধ থাকে। তদুপৰি যদিও গীতাত ব্ৰহ্মজ্ঞৰ ওচৰত জগৎ ব্ৰহ্মৰূপে প্ৰতিভাত হয় বুলি কোৱা হৈছে, তথাপি শঙ্কৰৰ কৰ্তৃকৰ্মভাৱবিবৰ্জিত অখণ্ড ব্ৰহ্মৰ সন্ধান ইয়াত পোৱা নাযায়। গতিকে গীতাৰ দৰ্শনক শুদ্ধ অদ্বৈতবাদ বুলি কব নোৱাৰি।

ইয়াত এটা কথা কব পাৰি যে গীতাত আমি পৰতত্ত্ব, আত্মা আৰু জগৎ সম্পৰ্কে যি ধাৰণা পাওঁ, সেই ধাৰণা আমি প্ৰায় একেই ধৰণে

দেখিবলৈ পাওঁ পাঞ্চৰাত্ৰ বা বৈষ্ণৱ তন্ত্ৰত, যৰ পৰা পৰবৰ্তী বৈষ্ণৱ দৰ্শনসমূহৰ উৎপত্তি হৈছে। আকৌ এইটো ক'ব পাৰি যে যিহেতু গীতাৰ প্ৰবক্তা শ্ৰীকৃষ্ণ হ'ল বৈষ্ণৱসকলৰ আৰাধ্য, সেইকাৰণে গীতাৰ যি ব্যাখ্যা বৈষ্ণৱদৰ্শনৰ লগত মিলে, সেই ব্যাখ্যাটোৰেই অধিকতৰ গ্ৰহণযোগ্য। আনফালে এইটোও লক্ষণীয় যে গীতোক্ত পুৰুষোত্তম, আত্মা আৰু জগতৰ ধাৰণা শাক্ততন্ত্ৰোক্ত শিৱশক্তি, পুৰুষ আৰু জগতৰ ধাৰণাৰ লগতো প্ৰায় অভিন্ন। ইয়াৰ কাৰণ, আচলতে শাক্ততন্ত্ৰ আৰু বৈষ্ণৱতন্ত্ৰৰ মাজত তত্ত্বতঃ ভেদ নাই ; যিখিনি ভেদ আমি দেখিবলৈ পাওঁ সেইখিনি কেৱলমাত্ৰ নামগত ভেদ। গতিকে কব পাৰি যে তন্ত্ৰৰ লগতেহে গীতাৰ দৰ্শনৰ অধিকতৰ সামঞ্জস্য আছে।

পৰতত্ত্ব সম্পৰ্কে আমি আলোচনা কৰিলোঁ। এতিয়া আমাৰ আলোচ্য বিষয়টো হ'ল---এই পৰতত্ত্ব লাভ বা উপলব্ধিৰ কাৰণে গীতাই কোন মাৰ্গ বা সাধনপদ্ধতিৰ নিৰ্দেশ দিছে ? গীতা অধ্যয়ন কৰিলে আমি দেখিবলৈ পাওঁ যে, ইয়াত কৰ্মযোগ, ভক্তিযোগ আৰু জ্ঞানযোগ---এই তিনিটা মাৰ্গৰদ্বাৰা পৰমাৰ্থ লাভ কৰিব পাৰি বুলি কোৱা হৈছে। ঈশ্বৰাৰ্পণ বুদ্ধিৰে ফলকামনা ত্যাগ কৰি নিত্য-নৈমিত্তিক কৰ্ম কৰা, আৰু এই উপায়েৰে চিত্তক সুখ-দুঃখ-ৰাগ-দ্বেষাদিৰ পৰা মুক্ত আৰু নিৰ্বিকাৰ কৰি ৰখাটোৱেই কৰ্মযোগ। পৰমপুৰুষেই সকলোৰে পৰমগতি বুলি নিশ্চয় কৰি তেওঁৰ ওচৰত দেহ-মন-প্ৰাণ সমৰ্পণ কৰি তেওঁৰ ভাৱনা কৰাই হ'ল ভক্তিযোগ। আৰু পৰতত্ত্বৰ লগত আত্মাৰ অভেদ সম্বন্ধৰ ধ্যান-ধাৰণা কৰি পৰতত্ত্বৰ সৈতে অভিন্ন হোৱাৰ সাধনাটোৱে হ'ল জ্ঞানযোগ। অৱশ্যে গীতাৰ জ্ঞানযোগ শঙ্কৰ দৰ্শনত কোৱামতে অখণ্ড পৰব্ৰহ্মত বিলীন হৈ যোৱা নহয়।

গীতাত এই তিনিটা মাৰ্গ ভিন্ন ভিন্ন অধিকাৰীৰ কাৰণে কোৱা হোৱা নাই ; একেই অধিকাৰীৰ কাৰণেহে কোৱা হৈছে। অৰ্থাৎ ইয়াৰ মতে তিনিটা মাৰ্গৰ সমন্বয়ৰ দ্বাৰাহে পৰমাৰ্থ লাভ কৰিব পাৰি। কৰ্মৰ দ্বাৰা জনক দিয়ে সিদ্ধি লাভ কৰিছে (কৰ্মণৈৱ হি সংসিদ্ধিমাস্থিতা জনকাদয়ঃ) বুলি শ্ৰীকৃষ্ণই অৰ্জুনক কৰ্মযোগী হ'বলৈ

উপদেশ দিছে। পুনৰ ভক্তিৰ শ্ৰেষ্ঠত্ব দেখুৱাই তেওঁ অৰ্জুনক ভক্ত হবলৈ কৈছে (মন্মনা ভব মদ্ভক্তঃ)। আকৌ জ্ঞানীয়েই পৰম-পুৰুষৰ আত্মস্বৰূপ বুলি তেওঁ অৰ্জুনক জ্ঞানী হ'বলৈ পৰামৰ্শ দিছে। ইয়াৰ দ্বাৰা বুজিব পাৰি যে এই তিনিটা মাৰ্গৰ সমন্বয়েই হ'ল গীতাৰ মতে পৰমাৰ্থলাভৰ সাধনমাৰ্গ।

সাধাৰণ দৃষ্টিৰে আমি কৰ্ম, জ্ঞান আৰু ভক্তি এই তিনিটাৰ মাজত এটা বিৰোধ দেখিবলৈ পাওঁ। কৰ্মই আমাক এই সুখ-দুঃখ-ময় জগতত মোহাচ্ছন্ন বা বদ্ধ কৰি ৰাখে বুলি সাধকসকলে এই সংসাৰ এৰি নিৰ্জন স্থানলৈ গৈ সাধনা কৰিব বিচাৰে; ভক্তসকলে জ্ঞানীসকলক নীৰস আৰু হৃদয়বৃত্তিহীন বুলি কটাক্ষ কৰে; আৰু জ্ঞানীসকলে ভক্তসকলক দুৰ্বল আৰু অন্ধবিশ্বাসী বুলি তুচ্ছতাচ্ছিল্য কৰে।

কিন্তু প্ৰকৃততে তিনিওটাৰ মাজত একো বিৰোধ নাই। ব্ৰহ্মত যেনেকৈ সৎ চিৎ আৰু আনন্দ---এই তিনিটা অবিচ্ছেদ্যভাৱে থাকে, ঠিক তেনেকৈ আমাৰ চৈতন্যতো ক্ৰিয়া (willing), বেদনা (feeling) আৰু ভাৱনা (knowing)---এই তিনিটা বৃত্তি অবিচ্ছেদ্যভাৱে বৰ্তমান। কৰ্ম, ভক্তি আৰু জ্ঞান---এই তিনিটা হ'ল যথাক্ৰমে এই তিনিটা বৃত্তিৰ অভিব্যক্তিমাত্ৰ। পৰব্ৰহ্মত যেনেকৈ কৰ্ম, জ্ঞান আৰু প্ৰেমৰ এটা সমন্বয় পোৱা যায়, ঠিক তেনেকৈ কৰ্ম, জ্ঞান আৰু ভক্তি এই তিনিটাৰ সমন্বয়ৰ দ্বাৰাহে সাধক পূৰ্ণযোগী হ'ব পাৰে।

প্ৰথমতে জ্ঞান আৰু ভক্তিৰ কথা আলোচনা কৰা যাওক। ঈশ্বৰৰ স্বৰূপ ভাৱনা কৰিলে ভক্তি জাগ্ৰত হয়; আৰু ভক্তি জাগ্ৰত হলে ভক্তৰ ওচৰত ঈশ্বৰৰ স্বৰূপ প্ৰতিভাত হয়। ঈশ্বৰৰ স্বৰূপ জ্ঞানৰ ক্ৰমিক উন্নতিৰ লগে লগে ভক্তিৰো গাঢ়তা বাঢ়ে; শেষত পূৰ্ণ ভগৱদজ্ঞান হলে ভক্তিও পূৰ্ণতা লাভ কৰে। এই পৰিপূৰ্ণ ভক্তিৰ উদয় হলে সৰ্বত্ৰ ভগৱদ্দৰ্শন হয়। ভক্তপ্ৰবৰ শ্ৰীচৈতন্যদেৱৰ জীৱনত ভক্তিৰ এই পূৰ্ণ বিকাশ দেখিবলৈ পোৱা যায়, যাৰ ফলত তেওঁ সৰ্বত্ৰ ভগৱদ্দৰ্শন কৰিছিল---'যাহা যাহা নেত্ৰ পড়ে তাহা কৃষ্ণ স্ফুৰে'। জ্ঞানযোগৰ শ্ৰেষ্ঠ সাধক শঙ্কৰাচাৰ্য্যৰ ভিতৰতো ভক্তিৰ পৰম স্ফুৰণ দেখবলৈ পাওঁ; তাৰ নিদৰ্শন স্বৰূপ শ্ৰীকৃষ্ণ, অন্নপূৰ্ণা, শিৱ

ইত্যাদিৰ উদ্দেশ্যে তেওঁৰ ৰচিত স্তোত্ৰবিলাক বৰ্তনান। গতিকে ভক্তি আৰু জ্ঞানৰ মাজত একো বিৰোধ নাই ; আৰু এই দুয়োটাৰ যি কোনো এটা অৱলম্বন কৰিলে দুয়োটাই লাভ কৰিব পাৰি।

কৰ্মযোগৰ কথাটো অলপ বেলেগ ধৰণৰ। জ্ঞান আৰু ভক্তি যেনেকৈ পৰমাৰ্থলাভৰ উপায়, কৰ্ম ঠিক তেনেকৈ নিজে নিজে পৰমাৰ্থ-লাভৰ উপায় নহয়। দৈহিক আৰু মানসিক বৃত্তি বা কৰ্মসমূহে আমাক সদায় এই জগতত মোহগ্ৰস্ত বা আসক্ত কৰি ৰাখে। ফলস্বৰূপে আমি পৰমাৰ্থ উপলব্ধি কৰিবলৈ নাপাওঁ, বা পাৰমাথিক মাৰ্গৰ পৰা বিচ্যুত হওঁ। অথচ কৰ্ম এৰি জীৱনধাৰণ কৰাও সম্ভৱ নহয়। যেতিয়ালৈকে দেহ-মন আছে অৰ্থাৎ বিদেহমুক্তি নহয়, তেতিয়ালৈকে কৰ্ম কৰিয়েই থাকিব লাগিব। সাধকসকলে সংসাৰ এৰি নিৰ্জন ঠাইলৈ গৈ সাধনা কৰিব খোজে, কিন্তু বন বা নিৰ্জন স্থানলৈ গলেও তেওঁৰ লগত দেহ-মন বৰ্তমান থাকিব ; আৰু দেহ-মনৰ লগতে ভোগলিপ্সা, মূঢ়তা ইত্যাদিও থাকিব। তদুপৰি সংসাৰ এৰি যোৱা সকলোৰে পক্ষে সম্ভৱো নহয়। গতিকে দেহ থকা অৱস্থাত সাংসাৰিক বা দেহমনৰ কৰ্মৰ পৰা কোনোৱে মুক্ত হ'ব নোৱাৰে। এই অৱস্থাত সাংসাৰিক বা দেহমনৰ কৰ্মৰ মাধ্যমেৰেও কেনেকৈ আমি পৰমাৰ্থৰ ফালে আগবাঢ়িব পাৰোঁ, কৰ্মৰ সেই কৌশলটো দেখুৱাই দিয়ে গীতাৰ কৰ্মযোগে। গীতাৰ কৰ্মযোগে কয় যে সংসাৰ বা বাহ্যবস্তুৰ বিৰুদ্ধে আপত্তি কৰিব নালাগে ; আপত্তি কৰিব লাগে নিজৰ বিৰুদ্ধেহে। বাহ্যবস্তুৱে আমাক বিক্ষুব্ধ কৰিব বিচাৰে ; সেই বাহ্যবস্তুৰ ওচৰত পৰাজিত হোৱা, অৰ্থাৎ বাহ্যবস্তুৰ প্ৰভাৱত প্ৰভাৱিত হোৱাটো আমাৰ দুৰ্বলতা ; আৰু বাহ্যবস্তুৰ প্ৰভাৱৰ দ্বাৰা বিক্ষুব্ধ নোহোৱাকৈ পাৰ-মাথিক মাৰ্গত আগবঢ়াৰ প্ৰচেষ্টাটোৱেই হ'ল কৰ্মযোগ।

গীতাৰ মতে ৰাগ-দ্বেষ, সুখ-দুঃখ ইত্যাদিৰ দ্বাৰা আমি বিচলিত হওঁ এই কাৰণে যে আমাৰ মনত কামনা-বাসনা বিদ্যমান। কামনা-বাসনাৰ পৰা মুক্ত হলে বাহ্যবস্তুৱে বা কৰ্মই আমাক বিচলিত কৰিব নোৱাৰে। গতিকে নিষ্কামভাৱে অৰ্থাৎ কামনা-বাসনাৰ পৰা মুক্ত হৈ কৰ্ম কৰিব লাগে। এই নিষ্কাম কৰ্ম কৰিব পাৰি আত্মা আৰু পৰমপুৰুষৰ স্বৰূপ ভাৱনাৰ দ্বাৰা। আত্মা স্বৰূপতঃ জন্ম-মৃত্যু, সুখ-

দুঃখ পাপ-পুণ্য ইত্যাদিৰ পৰা মুক্ত, আৰু সচ্চিদানন্দৰূপ পুৰুষোত্তমৰ লগত অভিন্ন---এই জ্ঞান নথকাৰ কাৰণে আমি বাহ্য বস্তু বা কৰ্মৰ দ্বাৰা বিচলিত হওঁ। সাধনাৰ দ্বাৰা এই আত্মা আৰু পৰমাত্মাৰ জ্ঞান লাভ কৰিব লাগে। তাৰ লগতে গোটেই জগতত একেই পৰমেশ্বৰ বিদ্যমান, আৰু সেই পৰমেশ্বৰেই জাগতিক সকলো কৰ্মৰ মূল উৎস--এই জ্ঞানেৰে সকলো কৰ্ম ঈশ্বৰাৰ্পণ বুদ্ধিৰে কৰিব লাগে। তেনে-হলেহে সাধকে কামনা-বাসনাৰ পৰা মুক্ত হ'ব পাৰে। গতিকে গীতোক্ত কৰ্মযোগৰ মূল সূত্ৰ দুটা---সমত্ব আৰু একত্ব। সমত্বৰ সাধনা নিজৰ ভিতৰত; একত্বৰ সাধনা সমস্ত বিশ্বত। ৰাগ-দ্বেষ, সুখ-দুঃখ ইত্যাদি সকলো মানসিক অনুভূতিৰ পৰা মুক্ত হৈ নিৰ্বিকাৰ-ৰূপে থকাটোৱেই হ'ল সমতা; আৰু গোটেই জগতৰ সকলো বস্তুত একেই সত্তা বা ব্ৰহ্মৰ অনুভৱেই হ'ল একত্ব। এই একত্ব অনুভৱ অৰ্থাৎ আত্মজ্ঞানৰ পৰা সমতা আহে; আৰু সমতাৰ পৰা নিষ্কাম কৰ্ম কৰাৰ সামৰ্থ্য আহে।

এই নিষ্কাম কৰ্ম বা কৰ্মযোগ পৰিপক্ব হয় যথাৰ্থজ্ঞানত---সৰ্বত্ৰ ব্ৰহ্মানুভূতিত--দিব্যানুভূতিত। অৰ্থাৎ কৰ্মযোগৰ সিদ্ধি হয় তেতিয়াহে, যেতিয়া গোটেই বিশ্বত একেই ব্ৰহ্মৰ লীলাৰ অনুভূতি হয়। লক্ষ্য কৰিবলগীয়া যে ইয়াতো তান্ত্ৰিক সাধনাৰ লগতে গীতোক্ত সাধনাৰ সামঞ্জস্য দেখিবলৈ পোৱা যায়। কাৰণ তন্ত্ৰৰ মতেও জগতৰ দিব্যী-কৰণেই হ'ল সাধনাৰ চৰম পৰিণতি। সংসাৰ নেৰাকৈ প্ৰবৃত্তিৰ দ্বাৰা নিবৃত্তিৰ ফালে অগ্ৰসৰ হোৱাটোৱেই তন্ত্ৰ আৰু গীতাৰ সাধনমাৰ্গ বা কৰ্মযোগৰ মাৰ্গ।

সাধাৰণতে মানুহৰ এটা ধাৰণা আছে যে নিষ্কাম কৰ্ম কৰা সম্ভৱ নহয়; কাৰণ আমাৰ সকলো কৰ্মই উদ্দেশ্য-প্ৰণোদিত, অৰ্থাৎ কিবা এটা উদ্দেশ্য বা ফল লাভৰ কাৰণেহে আমি সকলো কৰ্ম কৰোঁ। কিন্তু এই ধাৰণাটো যথাৰ্থ নহয়। আমি সকলোৱে জীৱনত কম-বেছি নিষ্কাম কৰ্ম কৰোঁ। মানুহৰ প্ৰশংসালাভৰ কাৰণে যেতিয়া আমি সকলোকে দেখুৱাই দান-ধৰ্ম কৰোঁ তেতিয়া সেই দানধৰ্ম সকাম হব, কিন্তু এজন দুখীয়া লোকৰ দুখ হৃদয়ত অনুভৱ কৰি যেতিয়া তেওঁৰ সুখৰ কাৰণে আমি দান কৰোঁ তেতিয়া সেইটো হব নিষ্কাম

কৰ্ম। নিজৰ লৰা-ছোৱালী বা আত্মীয়ৰ কাৰণে আমি বহুতো ক্ষেত্ৰ-তেই নিষ্কাম কৰ্ম কৰোঁ। সংক্ষেপে কবলৈ হলে মৰমৰ দ্বাৰা আমি যি কৰ্ম কৰোঁ সেই কৰ্মটো হব নিষ্কাম কৰ্ম। কিন্তু কথাটো হ'ল, এই প্ৰেম প্ৰণোদিত কৰ্ম বা নিষ্কাম কৰ্ম সাধাৰণ মানুহৰ জীৱনত সীমিত হৈ থাকে। সেই সীমিত মনোবৃত্তিৰ সীমা ভাঙি বিশ্বত নিজৰ প্ৰেমক বিলাই দিব পাৰিলে মানুহে সঠিক কৰ্মযোগী হব পাৰে। এই সীমা ভাঙি অসীমত একাকাৰ হৈ যোৱাৰ প্ৰচেষ্টাই হ'ল সকলো আধ্যাত্মিক সাধনাৰ মূল কথা।

---

